# হাঁসি-খেয়ালি ॥



( ৩২ পৃষ্ঠা )

শ্রীমণিশঙ্কর বন্দ্যোপাধ্যায় বি-এ ।

# হাঁহি-খেমালি।



১ম আৱৰণ।



লিখক আৰু প্ৰকাশক—

শ্ৰীৰবিচন্দ্ৰ ভট্টাচাৰ্য্য বি-এ

ঠিকনা— সহঃ শিক্ষক হাইস্কুল,
পোঃ নাজিৰা ( অসম )।

১৯০৬ চন ( জানুৱাৰী )।

বেচ খাবে দাঁত অলাহে।

# গ্ৰন্থকাৰৰ নিবেদন

'হাঁহি খেমালি' পুথিখনি সকলো অৱস্থাৰ ল'ৰা ছোৱালীৰ উপযোগী হ'বলৈ বুলি যথাসম্ভৱ শুদ্ধ কৰি ছপাই উলিয়ালোঁ।

ইয়াৰ প্ৰধান উদ্দেশ্য হৈছে হাঁহি খেমালিৰ মাজেদি কোমল বয়সীয়া পাঠক-পাঠিকাক সৰল সাহিত্যৰ সোৱাদ উপভোগ কৰোৱা। ইয়াত লিখক কিমানদূৰ কৃতকাৰ্য্য হৈছে সহৃদয় পাঠক পাঠিকা সকলেহে জানে। সবাৰো উৎসাহ আৰু সহানুভূতিলৈ আশা কৰি 'হাঁহি-খেমালি' হাবিলাসেৰে প্ৰকাশ কৰি উলিয়ালোঁ। মোৰ অগ্ৰজতুল্য শ্ৰীযুত দেৱদত্ত গোস্বামী বি-এ দেৱে কিতাপখন হাতে লিখা অৱস্থাতে পঢ়ি চাই এটি প্ৰশংসা বাণী দিয়া বাবে লিখক তেওঁৰ ওচৰত ঋণী আৰু চিৰ কৃতজ্ঞ হৈ ৰ'ল।

নাজিৰা
ইং ১০।১।৫৬

বিনীত
শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য

---

## শ্ৰীযুত দেৱদত্ত গোস্বামী অধিকাৰী দেৱৰ
## প্ৰশংসা বাণী

শ্ৰীযুত হৰিচন্দ্ৰ ভট্টাচাৰ্য্য বি এ ডাঙৰীয়াই ৰচনা কৰা 'হাঁহি-খেমালি' কিতাপখনি হাতে লিখা অৱস্থাতে পঢ়িলোঁ। ছপা হৈ ওলালে বিশেষকৈ প্ৰাইমাৰী আৰু মজলীয়া খাপৰ ল'ৰা ছোৱালীয়ে পঢ়ি ৰং পাব।

অসমীয়া সাহিত্যত এনে বিধৰ কিতাপ নিচেই কম। ৰাইজৰ মৰম আৰু সহানুভূতি পালে ভট্টাচাৰ্য্য ডাঙৰীয়াৰপৰা আমি বহুতো আশা কৰিব পাৰোঁ।

আমাৰ বিবেচনাত কিতাপখনি "প্ৰাইজ" আৰু "লাইব্ৰেৰী বুক" হোৱা উচিত হব।

শিৱসাগৰ
ইং ১৩ অক্টোবৰ
১৯৫৫ চন

(স্বাঃ) শ্ৰীদেৱদত্ত গোস্বামী অধিকাৰী
শিৱসাগৰ মহকুমাৰ স্কুল সমূহৰ
একটিং ডেপুটী ইন্সপেক্টৰ

# সূচী

# PLEASE DON'T

## হাহি-ধেমালি



### কলেজীয়া লৰা

নন্দৰ পুত্ৰেক চন্দ্ৰ আমাৰ
চকুত লগা লৰা
ভবিষ্যৎ একো নাভাবি নিচিন্তি
হল কলেজীয়া লৰা।
ভাবিলে পিতাকে— বোপা মোৰ
বাইজৰ আশাৰ থল
'ম্যাট্ৰিক' পাছ কৰিলে যেতিয়া
কালেজলৈ পঠাবৰ হল।
কলেজো কলেজ কলিকতীয়া কলেজহে
পঢ়িব লগীয়া ঠাই
ইদৰে ভাবি পিতাকে চন্দ্ৰক
দিলে কলেজলৈ পঠিয়াই।
কলেজত নাম লগোৱা হল
দৈনিক' পাঠ আৰম্ভ হল,
বহি কিতাপ সংগ্ৰহ কৰি
বোপায়ো পঢ়াত লাগি গল।

কলেজৰ লৰাই কলেজীয়া ধৰণ
নিশ্চয় ধৰিব লাগিব এদিন
চাওঁতে চাওঁতে মতি গতি চন্দ্ৰৰ
ধৰিলে বদলিব প্ৰতিদিন ।
বাহঁতলৰ লৰা কলিকতালৈ গৈ
আছেগৈ দালান্ ভাৰা কৰি
টকাৰ কিঞ্চিৎ অভাৱ হলেই
দিয়ে বাপেকলৈ টেলিগ্ৰাম্ কৰি ।
দুবাৰ তিনবাৰ প্ৰতিমাহে তেওঁ
টেলিগ্ৰামৰ ওপৰি টেলিগ্ৰাম পাই
ধাৰ ঋণ কৰিও মৰমৰ পিতাকে
টকা পঠাব ধৰিলে ঘনাই ।
টকা নাপালে সঘনে চন্দ্ৰৰ
কলেজত হেনো নাম কটা যায়,
মাটি বাৰী ইদৰে নন্দৰ
সোপাই বেচা গল যে হায় !
কাহীবাটি ঘটীকে আদি কৰি
বৈৰীয়েকৰ কাণৰ কেক
সৰ্ব্বস্ব নন্দৰ বেচা গল
ঘৰৰ অস্থাৱৰ সম্পত্তি আৰু ।

সম্পত্তিশালী　　গাৱঁৰ মু-খীয়াল
　　নন্দ আমাৰ দৰিদ্ৰ হল,
ছুচৰি বাগৰি　　সাত বছৰৰ মূৰত
　　বি-এ পৰীক্ষাত চন্দ্ৰ উত্তীৰ্ণ হল ।
বি-এ টো পাছ　　কৰিলেই জানো
　　চাকৰি কোনোবাই ঘপৰাই পাই !
টকা টকা কৰি　　টকা বিচাৰোতেই
　　উপাধিধাৰীৰ জীৱন যায় ।
কলেজীয়া সাৰ্টত　　গঢ় লাগি
　　দেহৰ অঙ্গও হল অকামিলা,
নাভাবি নিচিন্তি　　চন্দ্ৰ তুমি
　　ভাল বোজাটো চপাই ললা !
চাকৰিও নাই　　কি হব !
　　ঘৰুৱা কামো নোৱাৰে সাধিব,
চাকৰ লগাবলৈও　　পইচা নাই
　　উপায় এতিয়া কোনে দিব !
জীৱন ডাঙৰ　　চুবিয়া এখনিও
　　নললে উপাধিৰ মান যে যায়,
লগতে লাগে　　জোতা এযুৰিও
　　ভদ্ৰলোকৰ শাৰী নহলে নাপায়

চন্দ্রই এতিয়া যাকে লগ পায়
ভৰণ পোষণৰ সুধিছে উপায়
তেওঁক লাগে কৰ্ত্তব্য সমিধান
উপায় কিন্তু কেৱে দিয়া নাই।
ভাবি চিন্তি গুণি-গাথি
সমিধান শেহত একোকে নাপাই
বাপেকে পুতেকে দুয়ো গিলি
ভাগ্য দেৱৰ থাকিল থিয়াই।



# বৰডেকা ( ধেমেলীয়া নাটক )।



ভাৱৰীয়াসকল ।

বৰডেকা—এজন গাঁৱলীয়া অহঙ্কাৰী অথচ ভোদা মানুহ ।

মকৰা—বৰডেকাৰ বিশ্বাসঘাতক বন্ধু ।

ভোলাৰাম, পুৰোহিত, বৰযাত্ৰী, কন্যাযাত্ৰী আদি ।

## প্ৰথম অঙ্ক ।

প্ৰথম দৃশ্য—এদল গাঁৱলীয়া মানুহ ।

পুৰোহিত—মই, তুমি আৰু তেওঁ—মুখেই তিনি সিদ্ধ ; এয়েই হলোঁইক বিয়াৰ সৰ্ব্বসনাষ্টি মাত্ৰী । মানুহে জানোচা নিচেই উপলুঙা কৰে ?

মকৰা—উ আই ! কয় নো কি ! বৰযাত্ৰী চোন আমাৰ আছে কেৱা গৰাকীও । চাৰিকুৰি কম এশ জনৰ কম নহয় । গৃহস্থৰ এই কেৱা কথাও যদি আপোনাৰ গাত খবৰ নাই আপুনি পুৰোহিতজন হৈছে কিহৰ হেঁ। ? এনেকুৱা পুৰোহিতক বৰ খাস্ত কৰিলে একা ?

পুৰোহিত—এঃ, নহয় মকৰা । মানুহ আহিব বুলিতো মুখো জানো । পাছে এতিয়া আহেবো কেতিয়া, [illegible]

চোৰালী ঘৰ পায়গৈ নে নাপায়েই তাকেহে কব পৰা নাই। ভইচোন কৰবাৰ কথাটো নি কৰবাত লগালি গৈ।

মকবা—তেওঁলোকে পুৱতী নিশাতে ইয়াৰ পৰা খোজ লৰ আৰু যোৰহাট ষ্টেশ্যনত গৈ বৈ থাকিবগৈ। এয়ে বন্দবস্ত। সকলোৱে জানে। সম্বল হলে ইয়াতোকৈ অধিক বন্ধুবান্ধৱৰো ভাত অভাৱ নহব। সম্পদত বন্ধুবান্ধৱৰ কি অভাৱ। বিপদত হে পাবলৈ টান।

বৰডেকা—এৰা, কথাতে কয় নহয় বোলে—"দেশে দেশে কলত্ৰাণি দেশে দেশে চ বান্ধবাঃ।" অবাবতে ৰেল কোম্পানিক পইচা কেইটা খুৱাওঁ কেলৈ! ইয়াৰ পৰা আমাৰ যি ভাৰবীয়া যাত্ৰী ওলাইছে সেয়ে পাবগৈ আৰু সৰহকৈ কি দৰ্কাৰ! (মকবাৰ প্ৰতি) পাচে বাক্, এতিয়া নিশাও হলছি ভালেখিনি, ভাগৰো লাগিছে বৰ, ৰেলৰ ষ্টেশ্যন সোঁৱাহে; ইয়াৰ পৰা আধা মাইলমান নহবই হবলা। আৰু চোৰাগোন গোটেইখন সোঁৱা হাবিৰ মাজ। ভালেকৈ ভয় ভয় কৰি গোটেই নিশা টোপনি খতি কৰি ৰবাৰ উপৰে এই মানুহ খবৰ বাঁহ বাটোতেই চোৰ 'মজাৰে' থাকোঁৱক'। ৰেল আহিব বাতিপুৱাহে। আমিও লোক মোকালিতে উঠি লব খবিম। কেনে বোলে পুৰোহিত দেউ?

পুৰোহিত—বেয়া বোলো। তোমাৰ কথাত দোষ হলে

ইছোহঁক আমি। অভ দিনব দূৰত, অভ কল্পনা জল্পনাৰ দূৰত। ই তো লঘা খেমালি নহয়।

মকৰা—বিয়া কাইলৈ যে মনত আছেতো বাপ্প? চাবা কিন্তু, ভাবি চোৱা, কেনেবাকৈ বেল 'ফেইল' মাৰিব লাগিলে একেবাৰে আধ্যা। এই ষোল মাইলকৈ বাট কাইলৈ পুৱাতে যোৱাটো তামাছাৰ কথা নহয় একা। বিয়াৰ শৰাধত অন্ততঃ আগবেলা দহ বজাৰ ভিতৰত বহিব লাগিব। কথাটো গঁমি চাবা।

বৰডেকা—মই থকাঁতে তোমালোকৰ ইমান ভয় কিহৰ হে? এতিয়া শোৱাচোন বাপ শুই থাকা। বাতি-পুৱা কাউৰীয়ে 'কা' নো কৰোতেই মই টোপনিৰ পৰা সাৰ পাওঁ। শুই উঠি বেলি ওলোৱাৰ আগতে প্ৰাতঃ স্নান কৰো। ঈশ্বৰৰ নাম-গুণ লৈ ম'ত যেনেকৈ যি কৰিব লাগে পাঁচ বজাৰ আগতে মোৰ সকলো প্ৰাতঃকৃত্য সমাপ্ত কৰো। ই মোৰ এদিন দুদিনৰ অভ্যাস নহয়। পুৰোহিত দেউ, ই আজি মোৰ বহুদিনীয়া অভ্যাস।

পুৰোহিত—বেছ, বেছ, বেছ কৰিছা বোপা। বঢ়িয়া অভ্যাস।

বৰডেকা—বেল বাতিপুৱা ছয় বজাতহে আছে ডেও। এতেকে নিঃসন্দেহে শুই থাকক পুৰোহিত দেউ, শুই থাকা বাপ্প। মহো অকণ বাতি হওঁ। (বৰডেকা শোৱে)

• পুৰোহিত—মকৰা, আচল দবাই যদি ইমান নিশ্চিন্ত হৈ নিঃসন্দেহে শুব পাৰিছে আমাৰনো এই জাৰত নিশা টোপনি খতি কৰি মৰিবলৈ কি গৰজটো পৰিছে হোঁ ? শুই থাকো।

মকৰা—এৰা, আমাক নো কি বাঘতেলে ধৰিছে। শোৱক পুৰোহিত দেউ। ময়ো শোওঁ। (পুৰোহিত আৰু মকৰা দুয়ো দুঠাইত শুলে)।

(কিছুপৰৰ পাছত ৰেলৰ যাত্ৰী কিছুমান কান্ধত মালৰ বোজা লৈ লৈ অহা যোৱা কৰে)।

এজন লৰা যাত্ৰী—(পাছফাললৈ চাই হাত বাউল দি) হেৰ' কাইটী, হেৰ' লৰি আহ ও, লৰি আহ; এ পালেহিয়েই লৰি আহ (মকৰাই সাৰ পাই চমক্ খাই উঠে)।

মকৰা—কৰ হতশ্ৰী যোৱা অ' এইটো, এই মহানিশা খন ইয়াত বাও পাৰি মৰিছেহি। ঐ লৰা, তোক পাইছে কিহে হয় ?

লৰা যাত্ৰী—আমি ৰেল ধৰিবলৈ বুলি আহিছো, শুনিছে ? ৰেল সৌৱা পালেহিয়েই। ককাইটি থাকিল বহুত পাছতে। সেয়েহে চিঞৰিছো, খং নকৰিব ডাঙৰীয়া।

(ককায়েকৰ প্ৰবেশ। দুয়ো যাত্ৰীৰ প্ৰস্থান)।

মকৰা—হুঁ, কি ! ৰেল আহিল ! ষ্টেচন পালে-

দেউ' 'পুৰোহিত দেউ' বুলি আৰু বৰডেকাক 'বাপু' 'বাপু' বুলি কেবাবাৰো মাতে পুৰোহিত উঠি বহে। দুয়ো বৰডেকাক হাতেৰে ঠেলিয়াই ঠেলিয়াই মাতে। বৰডেকাৰ সাৰ নাই)।

মকৰা—(বৰডেকাৰ প্ৰতি) হেৰা ভকত, কাউৰীয়ে 'কা' নৌ কৰোঁতেই সাৰ পোৱা জনহে হয়। কটা কুম্ভকৰ্ণ। মুখেন মাৰিতং, ওস্কাইডাং মাৰি গিছে কৈছিল কালি নিশা! আই আও! দেখি বৰডেকা! প্ৰাতঃস্নান কৰিবলৈ বাতি পুৱা নাই হবলা আপোনাৰ ন মনে? ৰ, বাপেকে (হাঁচ-তিৰ পৰা চুণ উলিয়াই দুয়ো পৰডেকাৰ গালে মুখে চুণৰ ফোট দিয়ে। কিছু সময়ৰ পাচত পাই উঠি টোপনিয়াই বহি থাকে)।

মকৰ—এৰা, এতিয়াহে দবাৰ আচল ভেঙেৰা ফুটি উঠিছে। এতিয়া ভবোৰ পিৰোৰ নাই। বেল গৈ কোনোবা ধুবুৰী পালেগৈ। ছোৱালী বিয়া কৰাৰৰ মন গদিছে আছে ককালত টঙালি মাৰি ওলোৱা এতিয়া। এমাইল দমাইল মজুৰ খোল মাইলকৈ বাট। (চকু জুৰ মোহাৰি হামিয়াই বৰডেকা ঠিয় হয়। তিনিওৰে প্ৰণাম)।

২য় দৃশ্য—যোৰহাট নগৰ।

( দৰাবেশে ৰৰডেকা, ৰৰযাত্ৰীসকল, ঢুলীয়া, খুলীয়া, ভালী, ভাৰী ইত্যাদিৰ প্ৰৱেশ )।

মকৰা—( ৰৰডেকাৰ কান্ধত চপৰিয়াই আনন্দত হাঁহি হাঁহি ) পাচে বান্ধ, তুমি হলা দৰা আৰু মই দৰাধৰা মানুহ, অৰ্থাৎ দৰাৰ সহচৰ বা সাৰথি বাঃ বাঃ বাঃ! তুমি জানিবা অৰ্জ্জুন আৰু মই শ্ৰীকৃষ্ণ, অৰ্থাৎ মই জানিবা গোপিকাবল্লভ বা গোপীমোহন বাঃ বাঃ বাঃ। যোৰহাট চহৰৰ দ্ৰৌপদী কুৱঁৰীয়ে আজি আমাৰ অৰ্জ্জুনৰ গলত মালা পিন্ধাই স্বামী বৰণ কৰিব বাঃ বাঃ। আৰু তেওঁৰেই মই সহচৰ বাঃ। আজি কি সৌভাগ্য মোৰ!

ৰৰডেকা—বান্ধ, এটা কথা ( মকৰাৰ কাণে কাণে কিবা কয় )।

মকৰা—অ! কি হব এতিয়া! সময়টো ৰব বেয়া হলতো। ওচৰত পাইখানা তাইখানা এটাও নাই। ( অলপ পৰ ভাবি ইফালে সিফালে চায় )—সৌ-অলপ দূৰতে পুখুৰী এটা দেখিছা যে তালৈকে যোৱা। কিন্তু তভাতৈয়া কৰিবা দেই যাতে পুলিচৰ চকু নপৰে। ( দৰা সাজ সোলোকাই মূৰত গামোছা মাৰি সক চুৰিয়া সলাই ৰৰডেকাৰ প্ৰস্থান; তালৈখিনি পৰ ঘুৰি অহা নাই। ঢোল খোল পেঁপা আদিৰ

এজন ৰৰযাত্ৰী (ক)—ইমান পৰ যুৰি নাছিল কিয়! কোন হলে সন্দেহ হৈছে। চাই আহোঁগে বাক (নেপথ্যলৈ গোমাই গৈ ঘূৰি আহে)।

ৰৰযাত্ৰী (খ)—দূৰত সৌজন খিণিকি বিণিকি বগা পাগুৰিবাগা পুলিছ যেন কোনোবা এটা দেখা পাও যেন লাগিছে। চাওঁচোন। (নেপথ্যলৈ গোমাই গৈ ঘূৰি আহিল)। গলো হয়, কিন্তু নিশ্চয়কৈ একো জানিব নোৱাৰিলো। পুলিছেই হয়। ওচৰ পাইছি গৈ মানে কোনোবা বাটেদি পটং। পুলিছো নাই, দৰাও নাই।

যাত্ৰী (ক)—বচ্। এতিয়া কৰ্ত্তা অবিহনে ক্ৰিয়া সম্পাদন কৰাহে কৰা। কাৰ কি বুধি খেলাইছে বেকত কৰকচোন বাইজসকল।

ৰৰযাত্ৰীৰ ইজনে সিজনে—সৰ্ব্বনাশ!!! কি কৰা যায়। বাটতে ভাল কেৰোণটো লাগি পৰিল।

যাত্ৰী (গ)—ইয়াকে বোলে—বিধতাই দিলেং ডিবোতাই নিদিয়ে।

যাত্ৰী (ঘ)—মানুহে এনেয়েনো কয় নে যোলে—দুৰ্ভাগীয়াৰ কপালত চন্দন লগাই দিলেও নেলাগে নহয়।

যাত্ৰী (ক)—নষ্ট হলে বুধি এটা পাইছো।

শুনক—আমাৰ এই মতবা—ও, ধৰা পৰিলে লোক হলে অকলে পাছত লোকক ভাগী নকৰিব দেই। জেহে কও।

যাত্রীসকল—কেতিয়াও নকৰো। তোমাক খালত পেলাই আমি ৰং চাব নোখোজো দেওহে। কোৱা কোৱা, তোমাৰ মতটোকে শুনি চাওঁ না বাৰু।

যাত্ৰী (ক)—শুনক তেনে—আমাৰ এই মফৰা বোপ যে আছে এওঁৰ গাৰ গঠন, মুখৰ আকৃতি প্ৰকৃতি বৰডেকাৰ সৈতে কিছুদূৰ মিলে। মাথোন ই অলপ খীণ। বৰলা ভাত খাওঁতে খাওঁতে দিন যাব ধৰিছে দেহি! তাতে উজান বয়সৰ লৰা যেতিয়া কথাবাৰ বেছ জুট লাগি পৰিব। দৰা সাজটো ইয়েই পিন্ধকছোন। শহুৰেকৰ ঘৰে বৰডেকাক দৰা চাই আহিছিল আজি প্ৰায় বছেৰেক হৈ গল। এতিয়া সোধে যদি আমাৰ কব লাগে টান নৰিয়াত পৰি তোমাৰ জোঁৱায়েৰৰ এই অৱস্থা। আৰু এনেকৈ চাবলৈ গলে বৰডেকানো আমাৰ কিহৰ কি। তাতে আকৌ ভোদা-ৰামৰ যিহে গছত গৰু উঠা কথা। পুলিছে ধৰিছে যদি ধৰক দিয়া। ভালেই হল। কৰবৈলে আমাৰ বাট ওলাল।

যাত্ৰী (গ)—তোমাৰ বুদ্ধিৰ চুঙাটো মই হলে বেছ টনকীয়াল দেখিছো। মই কবলৈ হলে অৰ্থাৎ মোৰ ব্যক্তি-গত মত "তথাস্তু" অৰ্থাৎ সেয়ে হওক।

পুৰোহিত—'তথাস্তু তথাস্তু" !!

আন এজন যাত্ৰী—মইয়ো সেই মত। এনেকৈ কৈ

নহয়। কথা বিয়াখন ভাঙি পেলোৱাতকৈ যেই সেই উপায়ে সমাধা হব লাগে। সেয়েহে ভালো, উচিতো।

যাত্রী (গ)—কিন্তু "শুভস্য শীঘ্রম্" এবা; অর্থাৎ লৰালৰি কৰা। শুভ কার্যৰ বিঘিনি পদে পদে একা। (সকলোৱে মকৰাক পোচাক সলাবলৈ ইঙ্গিত দিয়ে। মকৰাই আঁৰত গৈ দৰা সাজ পিন্ধি কপালত চন্দনৰ ৰেখা লৈ ওলাই আহে। ঢোল-খোল আদিৰ বাদ্য উঠিল)।

যাত্রী (গ) —জয় টকটকীয়া বোপাৰ জয়।

সকলোৱে—জয় টকটকীয়া বোপাৰ জয়।

যাত্রী (ক)—জয় মকৰা বোপাৰ জয়।

সকলোৱে—জয় মকৰা বোপাৰ জয়।

পুৰোহিত বোলা "নমঃ প্রজাপতয়ে নমঃ"।

কেইজনমান যাত্রী—বোলা নমঃ প্রজাপতয়ে নমঃ।

পুৰোহিত—হেৰ গাইছ কি? বোলো "নমঃ প্রজাপতয়ে নমঃ।"

কেইজনমান যাত্রী—বালো নমঃ প্রজাপতয়ে নমঃ।

পুৰোহিত—মূৰ্খৰ দল! এইবাৰ গাবি "নমঃ প্রজাপতয়ে নমঃ

সকলোৱে—"নমঃ প্রজাপতয়ে নমঃ" (সুৰৰ গায়)।

৩য় দৃশ্য—কন্যাঘৰ ।

(বিয়াৰ উদ্দেশ্যে পূজা হোমাদিৰ বিবিধ আয়োজন চলিছে । বৰ যাত্ৰী আহি পোৱা মাত্ৰকে বিবিধ বাদ্য বাজি উঠিল । কন্যা-পক্ষৰ লৰা কেইটা মানে নৰা পক্ষৰ মানুহক চাহ জলপানেৰে অভ্যৰ্থনা কৰিছে । কোনো কোনোৱে গান গাইছে । গ্ৰামোফনৰ গান বাজনা শুনা গৈছে । কন্যাৰ দেউতাক ভোলানাথে দৰাক আদৰি নিবলৈ আগ বাঢ়ি আহি মুকখালৈ চাই বহুত সময়লৈ ভলকা মাৰি ভবধ লাগি চাই আছে) ।

যাত্ৰী (ক)—ডাঙৰীয়াজোৰৰ পিলায়ৱাৰ হল ? জোৱা-য়েকলৈ ইমান সময় লাগিল নে ? চকুৰ নিমিষ এটাও নকচাকৈ থৰ লাগি চাই থাকিল যে !

যাত্ৰী (গ)—জোৱায়েক হল বুলি ইমান সময় দেখুৱাব লাগেনে ! "সৰ্ব্বমত্যন্তং গৰ্হিতম্" নেই ; অৰ্থাৎ সকলো কথাৰে অতিচাৰটো বেয়া এক । (ভোলানাথে অগা-পিচাকৈ ভুবাব্ধ অথা বোৱা ধৰে) ।

ভোলানাথ—(যাত্ৰীৰ আগত আঠু লৈ হাত যোৰ কৰি) ক্ষমা কৰিব যাত্ৰীসকল, আজিলৈ বিয়া স্থগিত থকা হওক . এই শুভ কাৰ্য্যত বাধা জন্মাবলৈ মই যে সাধ্য [illegible]

পুৰোহিত—মানুহটো বলিয়া হৈছে নেকি এ !

ভোলা—কিয় এটা অভিপ্ৰায় মতেই মোৰ [illegible]

পুৰোহিত—যি কি নহওক, এতিয়া তৰ্ক কৰিবৰ সময় নহয়। আৱশ্যক হলে পাচতো আপোনাক তৰ্ক কৰিবলৈ সুযোগ দিম, আপোনাৰ অনিচ্ছা বা মত পৰিবৰ্ত্তনৰ কাৰণ অকাৰণ বুজিবলৈ চেষ্টা কৰিম। কিন্তু এতিয়া নহয়। এতিয়া দৰা আদৰি নিবলৈ আপুনি বাধ্য।

যাত্ৰী (ক)—দৰা আদৰি নি কন্যা সম্প্ৰদান দিবলৈ আপুনি আইন মতে বাধ্য, ধৰ্ম্মমতে বাধ্য, লৌকিক নিয়ম অনুসাৰ বাধ্য।

সকলো বৰযাত্ৰী—নিশ্চয় নিশ্চয়

(ভোলাৰামে লাহে লাহে ভাবি চিন্তি আগবাঢ় আহি দৰাক আগবঢ়াই নিয়ে। পুৰোহিতে মন্ত্ৰপাঠ কৰিব ধৰিলে। বিয়ানাম গীত বাদ্যাদি হব ধৰিলে। এনেতে এটা পুলিচে বৰডেকাক হাতত ধৰি লগাই বাটৈদ টানি নিব ধৰিছে)

পুলিচ—এইখন নগৰ বুলি নাজান তুই ?

বৰডেকা—এইবাৰলৈ মাফ কৰক হুজুৰ। ভৱিষ্যতে কাহানিও এনে কাম নকৰো দেউতা।

পুলিচ—উপিনে সিপিনে বাটৰ কাষে কাষে প্যাইখানা ঘোৰ যে আছে দেখা নাই তুই? দেখা নাই যদি মানুহক সুধিব তো পাৰ। এইখন গুইতৰ গাড়ী পাইছ। যে কি খোঁ যে বাজ আলিবাটৰ কাষতে—

বৰডেকা—এনে কাম আৰু কেতিয়াও কাহানিও নকৰো

পুলিচ—এইটো বলিয়া ভৰ পায় দেই। হেৰ’ কৰ দৰা অ’ ভাই ?

বৰডেকা—সৌ মানুহ ঘৰতে আজি মোৰ বিয়া। ভৰিত ধৰি কাবৌ কৰি মাতিছো, হে ধৰ্ম্মাৱতাৰ! মোক এৰি দিয়ক ডাঙৰীয়া। (এনেতে বিয়াঘৰৰ পৰা এটি সুললিত গান গোৱা শুনা গৈছে)।

বৰডেকা—(পুলিচৰ ভৰিত ধৰি) হে প্ৰভু! গোলামক লাঠি এটা মাৰি অনুগ্ৰহ কৰি এৰি থৈ যাওক।

পুলিচ—এই। চুপ্ বও অসভ। মোক গানটো শুনিবলৈ দে। (পুলিচে এক• মনে গান শুনিব ধৰিছে। বৰডেকাই ডিঙি মেলি মেলি মকৰাৰ পিনে চায়। মানুহে বেৰি ধৰাত ভালকৈ দেখা পোৱা নাই)।

বৰডেকা—(গানৰ অন্তত) ও বান্ধ, বান্ধ ঐ! মোৰ লাজ-কাজ সকলো গল ঐ, বান্ধ। কোন কেনি আছ মোক ৰক্ষা কৰ ভৈয়াই ঐ!! (কান্দে)।

এজন কন্যাপক্ষীয় যাত্ৰী—বাটৃত সেয়া চিঞৰে কোনে। সেয়া চোন আমাৰ কোনোবা পৰিচিত মানুহ যেন লাগিছে এ। চিনি পাওঁ চিনি পাওঁ যেন লাগিছে (কেবাজন কন্যা-পক্ষীয় যাত্ৰীয়ে আহি আহি বৰডেকাক চাই গৈ ভোলাৰামৰ কাণে কাণে কিৰা-কিৰি কয়গৈ। ভোলাৰামে বিয়া মণ্ডপৰ কাষৰ পৰা উঠি আহি বৰডেকাৰ পিনে একান্ত মনে চাই থাকে)।

বৰডেকা—(ভোলাৰামক দেখি) ও শহুৰ! মোৰ শহুৰ দেউতা ঐ! মোক ৰক্ষা কৰক প্ৰভু। মোক ছোৱালী ভোৱালী একো নালাগে দেউতা। পুলিছৰ এই মাৰ কিলৰ পৰা মাত্ৰ মোক ৰক্ষা কৰক ঈশ্বৰ। (ভোলাৰামে কপালে মূৰেহাত দি ৰহে। এজন কন্যাপক্ষীয় মানুহে আহি পুলিছক কেইটামান টকা দি কাণে কাণে কিবা কথা কৈ বৰডেকাক মোকোলাই আনে। পুলিছৰ প্ৰস্থান)।

ভোলাৰাম—হে বাপুদেও সকল, অনুগ্ৰহ কৰি আজ্ঞা দিয়ক মোৰ জোৱাঁইক মই আদৰি নিওঁ। (স্বগতঃ) কাৰ চক্ৰান্ত বুজিব পৰা নাই। মোৰ নিৰ্দ্দিষ্ট জোৱাঁইক লুকাই ৰাখি ক'ৰপৰা আনিছে ইহঁতে এই আধামৰাটো। বাপুদেউ সকল, বেয়া নাপাব, আপোনাসকলে আগবঢ়াই অনা দৰাক মোৰ ছোৱালী নিদিওঁ। (বৰ ডেকাক দেখুৱাই) এই মোৰ নিৰ্দ্দিষ্ট দৰাক হে মোৰ ছোৱালী অৰ্পণ কৰিম। ইয়াত আপোনা সৱে বেয়া পালেও পাওক, যি ইচ্ছা হয় কৰক। (বৰডেকাক আগবঢ়াই আনি বিবাহ মণ্ডপৰ কাষত বহুৱাব খোজে)।

পুৰোহিত—বাঃ এইখন আকৌ কোন দেশৰ ৰীতি হে! কোন ধৰ্ম্মৰ মতহে যে এজনক বৰস্বৰূপে আদৰি আনি তৎক্ষণাতে আইন এজনলৈ মন মেলা? তদুপৰি বিধিমতে কন্যা সম্প্ৰদান হৈ গল বুলিয়া মনে মনে থাকা এতিয়া। এজনক কন্যা সম্প্ৰদান দি উঠি এইখন আকৌ প্ৰলাপ কিহৰ হে? এনেখন কাণ্ড ক'ত দেখিছা বাৰু, শুনিছা

কু'ত ! ডাঙৰীয়া, এই ছোৱালী এতিয়া আৰু তোমাৰ নহয় শুনিছা ? এতিয়া ছোৱালী দিওঁ নিদিওঁ বুলিবলৈ তুমি কোন ? তোমাক এতিয়া সোধে কোনে ? সভ্যালি বিচাৰা যদি মনে মনে থাকা। ভবিষ্যতলৈ বৰ বিপদ অমঙ্গল হবলৈ আছে। ই জাতি-দ্রোহ, ধৰ্ম্ম-দ্রোহ, সমাজ-দ্রোহ। সাৱধান ! বিয়াৰ কাম সকলো সমাধা হৈ গল যেতিয়া আমি আৰু এতিয়া ইয়াত বৈ থাকিব নোৱাৰো। আহিলোঁ। ( ছোৱালী লগত লৈ দৰা আৰু সকলো বৰযাত্ৰীৰ প্ৰস্থান ; ছোৱালী ধৰা মানহে ছোৱালী লাহে লাহে বুলাই নিব পৰিছে। ভোলা-ৰাম, বৰদেকা আৰু কন্যাপক্ষীয় সকলো মানহ বেজাৰ মনে বহি থাকিল )।

# দ্বিতীয় অঙ্ক ।

## ১ম দৃশ্য—গাৰ্হলায়া আলিবাট ।

( মকৰাই হাতত ঢোৰালা এজনীৰ ফটো এখন লৈ বৰডেকাৰ সৈতে কথা পাতি আছিছে ) ।

মকৰা—কি কৰিবা বান্ধ, ভাগ্যৰ লিখন কোনে কাৰ খণ্ডাব ! পঞ্জিকাত লিখা মতে এই মাহত সিংহ ৰাশিত মোৰ আছিল 'বন্ধন ভয়' । কিন্তু এইদৰে 'স্ত্ৰী লাভ' হব বুলি কেতিয়াও পাহৰিও ভবা নাছিলে, শুনিছা ? সপোনতো দেখা নাই, বুজিছা ? যোৰহাট নগৰৰ পৰা অনা মোৰ নতুন ঘৈণীৰ চন্দ্ৰবদন দেখিলে সঁচাকৈয়ে কৈছো বান্ধ পোনেই তোমালৈ মনত পৰে । আক তোমাৰ কথালৈ ভাবি বৰ বেজাৰ লাগে ।

বৰডেকা—সেই বিষয়ে বেজাৰ কৰিবলগীয়া নো কি আছে ? কি বৰ কথাটো ! মই জানো প্ৰকৃততে বিয়া কৰাবলৈ বুলি যোৰহাট নগৰলৈ গৈছিলো ? কেতিয়াও নহয় । মোৰ আচল উদ্দেশ্য আছিল লগেভাগে যোৰহাট চহৰখন ঘোৰাটোহে । জগতে বোলো হয় যদি ইটো কথাও হব । সংসাৰ বুলিলেই জয় পৰাজয় আছেই । ইয়াত দুখ বেজাৰ কৰিব লগা একো নাই ।

মকৰা— বাক সেইটো সেয়েই। পাছে নগৰলৈ গৈ বান্ধই বোলে সেইদিনা কৰবাত কিবা অপমান পালে? কিবা অপৰাধত পুলিছৰ হাততো পৰিছিল গৈ হেনো? আমাৰ গাৱঁৰ বাপুদেও সকলে কোৱা-মেলা কৰিছে পৰাচিত নহলে তোমাক বোলে সমাজভুক্ত নকৰে? কথাবোৰ সঁচা জানো?

বৰডেকা — (স্বগতঃ) সৰ্ব্বনাশ! কথাবোৰ সকলোৱে গম পালেই হবলা। (ফুটাই) নহয় নহয় বান্ধ মই পুলিছৰ হাতত কেতিয়াও মাৰ খোৱা নাই।

মকৰা— (হাঁহি) (স্বগতঃ) মিছা কথাৰ ঠেং ছুটি— কথাষাৰ আখৰে আখৰে সঁচা। "নিজে-নিজে ধৰা পৰে কেনেকৈ চোৰা। (ফুটাই) মইজানো তোমাক এতিয়া মাৰ খোৱা বুলি কৈছো! মই বেচ বুজিছো বান্ধ, তুমি মাৰ খোৱা নাই সচা। কিন্তু ৰাজ আলিবাটৰ দাঁতিতে কিবা বেয়া কাম কৰিছিলা বোলে? তাতে বদ্‌মাছ পুলিছে ধৰি বান্ধক বহুতো জুলুম কৰিলে বোলে?

বৰডেকা— নগৰৰ বাটৰ কাষত শৌচ কৰিব নাপায়তো। মইনো সেইটো কথাও নাজানো নে! সেইদিনা আছিল জোনাক নিশা। পুলিছ এটাৰে সৈতে মোৰ মোলাকাত হৈছিল হয়। সেয়ে নহলে এনেখন বিবাহ-বিভ্ৰাট হবলৈকে নাপায় নহয়। পুলিছটো আছিল মদপী। মদৰ নিছাত বদ্‌মাছে মোক ধৰি ভালেখিনি পৰ আমনি কৰিলে সঁচা। পাছে মেয়ো জানো সুদাই এৰা ভকত! তাক মাকৰ বিয়া

দেখুৱাইছো বাকৈয়ে। আকৌ যদি ভবিষ্যতে কেতিয়াবা তাক লগহে পাওঁ তেন্তে বাস্কস্কিলগতে মোক শতকোটি দণ্ডৱৎ জনাইছে যদি এচব চাপে।

মকবা—( স্বগতঃ ) এবা কোনত পিঠিৰ ছালহে চিঙিছিল পুলিছে। তোমাক শতকোটি দণ্ডৱত দিবতো।

ববডেকা—পুলিছে হলে বেছ জানিছে এইবাৰ যে এই অঞ্চলত মানুহ আছে। সিহঁতত বাস্কেও এনে মানুহ আছে যি ইচ্ছা কৰিলে সিহঁতকো মজা দিব পাৰে।

মকবা—বাকু যোন কথা গল। পিচে বাস্ক, মোৰ এটা অনুৰোধ। মোৰ ভাঁওৱা ছোৱালী এজনী আছে। তাইৰ কন্যাকাল ৱৰৰ আজি দুবছৰ পাৰ হৈ গৈছে। আত্ম-প্ৰশংসা অৱশ্যে কৰিব নাপায়। কিন্তু বাস্ক বুলি নকৈও নোৱাৰো—দেখাই দৰশনে, কথাই বতৰাই তাইৰ জোৰ পোৱা জনী আমাৰ এই ডোখৰত এতিয়ালৈকে দেখা নাই আৰু। ঈশ্বৰৰ কৃপাত দৰাও পাইছো অলেখ। সিদিনা এজনে নগদ টকাকে যাচিছিলহি, ভাৰ-ভেটৰ'টা হিচাবেই নাই। বাৰ্হি জোৰাও আছে। পিচে কি এটা কথা কব নোৱাৰো মন'টাচোন কোচ খাই কোচ খাই আছে। আচল কথা হৈছে মন জোৰাইহে জোৰা। বাস্কই যদি এফেৰা দয়া নকৰে সঁচাকৈয়ে কৈছো মোৰ মনত শান্তি নহব। 'বিয়া জানিব' কৰবাত নহয় কৰবাত পাতিবতো লাগিবই। সেয়ে মনৰ ইচ্ছানুযায়ী হলেহে ভাল লাগে।

ববড়েকা—সঁচা কথা।

মকবা—বান্ধক আৰু অন্তদূৰ পানীয়ে বোকায়ে আমাৰ ভগা পঁজালৈ নি অনৰ্থক কষ্ট দিবৰ মোৰ মন নাই। তাতে বান্ধৰ আকৌ যিকে লাজ নাই জানোৱেই নহয়। অৱশ্যে বয়স চাই এনেবিধৰ লাজ অতি স্বাভাৱিক। ককাইদেউৰ আদেশ মতে তেওঁৰ ছোৱালীৰ এই ফটোখনকে তোমালৈ অতি যতনেৰে বোজা বান্ধি লৈ আহিছো। এয়া ধৰাচোন (ববড়েকাক ফটোখন দিয়ে)। আজি বহুত দিনৰে পৰা আমাৰ ঘৰৰ চুবুৰীয়া আটাইখনে মাখোন তোমাৰেহে কথা কৈ আছে। এ শাপাৰ্বাক নিৰাশ নকৰিবা যেন। (মকবাৰ প্ৰস্থান)।

ববড়েকা (ফেপাৰ পৰা এখন আৰ্চি উলিয়াই এবাৰ নিজৰ মুখখন চাই, এবাৰ ফটোখনলৈ চাই বিবিধ ভাবে আনন্দ প্ৰকাশ) সাক্ষাৎ অপেশ্বৰা। এইবাৰ কিন্তু নেৰিছো সহজে। ই কথাই কথা নহয়। এইবাৰ এইবাৰ এটা পক্কা বন্দবস্তু কৰি লৈছেহে কাৰ্য্য-ক্ষেত্ৰত আগবাঢ়িম। পণ্ডিতে কবৰ দৰে হয় কাৰ্য্য সাধন নতুবা শৰীৰ পতন। (প্ৰস্থান)।

দ্বিতীয় দৃশ্য ববড়েকাৰ ঘৰৰ চোতাল।

মকবা—(আনন্দত নাচে নাচে হাত চাপৰি মাৰি মাৰি প্ৰবেশ)—ভাল ঠগিলো। ববড়েকাক আকৌ ভাল ঠগিলো। এইবাৰ হলে বেচ এখন দিলো দেই। এবা ইয়াকে বোলে—"বুদ্ধি যাৰ বল তাৰ"। সিনো কটা ফটোখন দেখিয়েই সকলো

পাহৰি যাব পায়নে! মানুহে কয়—"ঠেকে ঘ'ত শিকে ত'ত"। কিন্তু ক'ত! ছোৱালী যে বিয়া কৰোৱাৰ পূর্ব্বে চাব লাগে সিও নপুৰাৰ হিচাপ নহল, ফটোগন যে অইন ছোৱালীৰো হব পাৰে কথাযাৰ তাৰ মগজুত নেখেলালেই। উঃ; এনে ভোদাৰাম ঐ, এই মানুহটো এনে শোদ! পিচে, কথা তাৰ আকৌ শুনিবা কি! গোটেই ওফাইডাং মৰা কথাহে। ডাক্কোপ মৰাৰ গোটেই যোগাৰি শিৰোমণি। ভালে বেয়াই কথাকে হাৰ মানিব নোখোজে কেতিয়াও; গোবৰে জাবৰে পাগুলিয়াইহে থাকিব। ফলত গৈ একো-টোৱেই নাই—ফুটুকাৰ ফেণ সোপা।

প্রকৃততে কবলৈ গলে—আমাৰ কানী ছোৱালীৰ কপাল। সঁচাকৈয়ে ভাইৰ হলে মই বৰ কপাল বুলিলো। চকুৰে একোটিকে নেদেখা কানী ছোৱালী একনীক বিয়া কৰালে কেঁচে-নেই বা কোনে! আক ঘৰতেই বা ৰাখিলো কেতেন কোনটো সুখেৰে! এতিয়া আন হওক নহওক বৰডেকা লৈ—পৰিল যেতিয়া ডুবেলা ডুমুঠি সুখে শান্তিৰে পেট ভৰাই খাই থকিব পাৰিব তেও। নিজৰ উপার্জ্জন নাই যদিও পৈতৃক ধন সম্পত্তিৰ জোৰত বৰডেকা সহজে অভাৱত নপৰিব লাগে। (মকৰাৰ প্রস্থান)।

(কানী বৈণীয়েকক লগত লৈ বৰডেকাৰ প্রবেশ)।

বৰডেকা—(বৈণীয়েকৰ প্রতি) বঁহা এই চকী সমতে। (কানী বৈণীয়েকে হাতেৰে খেপিয়াই গৈ ওচৰত থকা চকী

খনত খুন্দাগাই বাগৰি পৰে । ববডেকাই হাতত ধৰি ঘৈণী-য়েকক চকীত বহুৱায় ) । শুনা এতিয়া, মোৰ এটা প্ৰতিজ্ঞা আছে ।

ঘৈণীয়েক—কওক ।

বৰডেকা— ই মোৰ ভীষ্মৰ প্ৰতিজ্ঞা । মোৰ প্ৰতিজ্ঞা হৈছে মই তোমাক পুৰুষৰ সৈতে একে খাপত বা সমান খাপত তুলিমেই ।

আজিকালি নাৰীজাগৰণৰ আন্দোলন কেনেকৈ দেশজুৰি পৃথিবীজুৰি বিয়পিছে জানাই । এই আন্দোলনত তুমি যোগ দিবই লাগিব । মই তোমাক ঠায়ে ঠায়ে লগে লগে লৈ ফুৰিম, কি আছে । কৰবাত যদি বাট পথ বেয়া পাওঁ, কৰবাত যদি মানুহৰ সমাগম বেছি হয় তোমাক কান্ধত তুলি মই ডাঙিয়েই নিম লাগে । তথাপি তুমি মুকলি মনেৰে ফুৰিবই লাগিব । সময় বুজি ঠায়ে ঠায়ে তুমি 'লেক্‌চাৰো' দিব লাগিব দেই ।

ঘৈণীয়েক—'লেচ্‌কাৰ্‌' মানে কি ?

বৰডেকা—'লেচ্‌কাৰ' নহয়, 'লেক্‌চাৰ' । 'লেক্‌চাৰ' মানে বক্তৃতা, তুমি এনেকুৱা 'লেক্‌চাৰ' বা বক্তৃতা দিবলৈ শিকিব লাগিব যাতে উত্তেজনাত শ্ৰোতাসকলৰ তেজ উতলি যায় । তুমি মোৰ নাম উজ্জলাব লাগিব । আজিকালি অৱশ্য বিশ্ববিদ্যালয়ৰ পৰীক্ষা কেইটামান 'পাছ্‌' কৰি লব নোৱাৰিলে, উপাধি গোটাচেৰেক গোটাই লব নোৱাৰিলে নাম বেগেতে নিজিলিকে ।

এতেকে তুমি তোমাৰ নামটোৰ অন্তত সদায় বি-এ উপাধি লগাবা। মানুহে সোধে যদি কবা 'বি' মানে 'ববড়েকা', আৰু 'এ' মানে হৈছে 'এইডেড্'। বিশেষ ভাবে বুজাই কবলৈ কলে হুপবাই দিবা কৈ- মই 'ববডেকা এইডেড্' অৰ্থাৎ ববডেকাৰ সহায্য প্ৰাপ্তা। য দ সোধে বোলে—কেতিয়া? কেনেকৈ? ক'বা—জীৱনে, মৰণে, শয়নে, সপোনে উথনে, পতনে হপিনে সিপনে সকলো পনে। বচ হৈ গল। আৰু এটা কথা মই পাগৰিলেও তুান মনত ৰাখিবা দেই,— আমাৰ যি সতিসন্ততি হব সিহঁতক আমি যেনে তেনে উপায়ে অথাৎ 'যেন কেন প্ৰকাৰেণ' আগধৰি বিশ্ববিদ্যালয়ৰ বিদ্যমান পৰীক্ষা 'পাছ' কৰোৱাম। প্ৰথমতে বি-এ, তাৰ পাচত এম-এম্, তাৰ পাচত এফ্-এ, পি-এইচ্-ডি, পি-টি-ও, চি আই ডি, ডি-পি-এইচ, এ, বি, চি, ডি, ই, এফ, জি ইত্যাদি ২। আমাৰ সতি সন্ততিয়ে নোৱাৰিলেও সিহঁতৰ পো নাতিবোৰে পাৰিবহে তেও। খৰা বাৰু সিহঁতেও নোৱাৰিলে। সিহঁতৰ মোমায়েক, পেহী-য়েক, মাহীয়েক, শহুৰেকহঁতৰ লৰা ছোৱালীবোৰ কৰলৈ যাব!

সিহঁতেতো পাৰিব। তথাপি মোৰ নাম সুমাব ক'ত! সদায় ভোটা তৰাৰ দৰে জিলিকি থাকিব নহয়। পৃথিবীত চন্দ্ৰদিবাকৰ থাকে মানে কোনে মোৰ নাম সুমুৱাব পাৰিব জানি খৰা ববডেকাৰ নাম অক্ষয়। পৃথিবীৰ যুবতীৰ পাতে পাতে ই সোণালি আখৰেৰে লিখা থাকিব নহয়। কাৰ সাধ্য ইয়াক লুপ্ত কৰে! কোনে! কোন কুকুৰে মোৰ নাম

লুপ্ত কৰিব পাৰিব! কাৰ সাধ্য! অসম্ভৱ, অসম্ভৱ! (গৰ্ব্বিত হাত জোকাৰি জোকাৰি বৰডেকাৰ প্ৰস্থান)।

[যৱনিকা]।

# অশ্বাৰোহীৰ বিলৈ।

[এটা ইংৰাজী পদ্যৰ ছাঁ লৈ লিখা]।

যোগাই মহাজনৰ গাৰ্ডতে দোকান
সবায়ো চিনি পায়
যাৰ নাম শুনিলে নেহেঙা নুৰায়ো
হাঁহি মতলীয়া হয়।
যোগাইৰ ভাৰ্য্যা বসৱতী অতি
স্বামীক এদিন কলে—
কিবা মহোৎসৱ পাতিছে পিতাই
যাওঁচোন আমিও সুবিধা পালে।
পত্নীৰ অনুৰোধ ৰাখিবই লাগিব
ভাবিলে কি আৰু তাত!
ক্ষন্তেকতে যোগায়ে ঘোৰা বিচাৰি
নগৰ কৰিলে পাট্ পাট্।

* [বৰডেকাৰ কাণ্ডা বৈণীয়েকক মুখ নেদেখাকৈ গোটেই মানুহ কাপোৰেৰে ঢাক বাখিও নাটকখন অভিনয় কৰিব পৰা যায়। তেনে কৰিলে স্কুলীয়া লৰা ছোৱালীয়ে কোনো অসুবিধা নোহোৱাকৈ সভাই সামৰ্থিটো ইয়াক আবৃত্তি স্বৰূপে দেখুৱাব পাৰে]।

সময়ৰ ক্ষতিয়েও যদিওবা তেওঁৰ
চঞ্চল মনক পীড়িছে অতি ।
গ্ৰাহকক লৈ বিদায় দি
বান্ধনে কংকালত কংকালজাৰ
মদেৰে ভৰাই দুটা বটল
দিলে তাতে লাহেকৈ আঁৰি ।
এইবাৰ পুনু উঠিল ঘোৰাত
মাৰিলে টিকাত চাবুকৰ কোঁৰ,
কমলৰ ঘোৰা অতি বেগী সি
গাৰ বলেৰে চেকুঁৰিলে খুব ।
ঘোৰাৰ দৌৰত হল জঠৰ দেহ
দেহ মনো শান্তি বিহীন
মদৰ বটল কংকাল জৰিত
নাচিছে গাইছে থান্-থিনা-থিন্ ।
উপায় নাপাই ঘোৰাৰ ডিঙিত
ধৰিছে বাপুৰে সাৱটা মাৰি,
ফেন্নাই ফোপাই ঘোৰাও অস্থিৰ
পানীয়ে বামে দৌৰি দৌৰি ।
ঘোৰা নেদেখাই আজি ঘোৰাত উঠিছে
তেওঁ অশ্বাৰোহী বীৰ,
দেখি পুৰুষৰ অবিৰাম দৌৰ
সবাৰো চকু স্থিৰ ।

মূৰত পিন্ধা যোগাইৰ টুপী
সিও কেনিবা উৰি গল,
গাৰ চোলা কোট্ পেট্লুং
চিট্লং পাট্লং হল ।
সযতনে অনা মদৰ বটলো
খণ্ড বিখণ্ড হল
ডিঙি দুটা মুঠেই বটল দুটাৰ
কঙ্কাল জৰিত ওলমি ৰল ।
লৰা ছোৱালী ডেকা গাভৰু
বুঢ়া বুঢ়ী সৱে
দুৱাৰ মেলি খিড়িকী খুলি
ডিঙি ভাঙি চাইছে এবে ।
নগৰবাসী প্ৰতিজনেই
যোৰহাট চহৰৰ আজি
বীৰ অশ্বাৰোহীৰ আৰোহণ দেখি
শলাগৰ শৰাই ৰাখিলে সাজি ।
আঁহি জাহি শেহত শহুৰেকৰ ঘৰ
পালেহি বীৰ যোগাই
ভাৰ্য্যা পুত্ৰ তেওঁৰ সৱে মিলি চায়
ভাবে যে খোৰা বোৰা নাই ।
নোবোৱা দেখি জোঁৱাই লৰাক
শহুৰেকেও চাই চাই

মাত্তিব ধৰিলে 'জোৰাই' 'জোৰাই'
প্ৰাণ ব জোৰাই মোৰ কলৈ যায় !
পাচে পাচে লৰি মাত্তিব ধৰিলে
(বোলে ভোজনৰ সময় অতীত হল
অভিমান নকৰা. আজা জোৰাই লৰা
বেলিও বহুতো হল ।
'ক্ষুধাৰ্ত্ত প্ৰাণ যায় যায়
শ্ৰান্ত অতিকৈ মই, —
এই বুলি কলে জোৰাই লবাই
ঘোৰা কিন্তু তথাপি নবয় ।
ঘোৰাত উঠা অভ্যাস বাপুৰ
কাহানিও অকণো নাই
শহুবেকৰ ঘৰলৈ ৰৰা ভেম অভিযান
হেপাহ পলুৱাই চোৰা এবে ভাই ।
ঘোৰাই আ হতে সঙ্কল্প কৰি
(ভাৰ) গিৰিহঁতৰ ঘৰহে বুলি
অন্তত আহি সেই ঘৰতে
দিলেহি যোগাইক তুলি ।
চিট্‌লং পাট্‌লং দেহৰ আৱৰণ
টুপীও নোহোৱা দেখি
ঘোৰাৰ গিৰিহঁত অবাক্ হল
বন্ধুৰ অৱস্থা দেখি ।

সাজপাৰ নতুন যাচি দি বন্ধুক
খাবলৈও এনাকি কলে,
'কি হল বন্ধু তোমাৰ বাটত ঘটনা?'
বুলি সুধি মেলিও চালে।
যোগাই কলে— 'নকৰ এতিয়া
মই শহুৰৰ ঘৰলৈ যাওঁ,
নিমন্ত্ৰণ আছে তা লেখাওঁ উয়াক
মোৰা মেলি মই এতিয়াই যাওঁ।
মেলিলে এইবাৰ জোৰেৰে মোৰা
শহুৰেকৰ ঘৰমুৱা কৰি
সি দুগুণ বেগেৰে মাৰিলে চেকুৰ
'ৰাস্তা' তল ওপৰ কৰি।
পালেহি আকৌ ভথামথা খাই
শহুৰেকৰ ঘৰৰ আগ
মোৰাও নৰয় জোৰাঁয়ো নৰয়
সবায়ো দেখি মানিলে অবাক।
নতুন সাজপাৰৰ হল পূৰ্ব্বাৱস্থা
ফাটি ছিটি ছিটিকি গল।
যোগাইৰ অৱস্থা দেখি শহুৰৰ
ঘৈণীয়েক তেওঁৰ অবাক হল।
বধ,কলৈ বুলি প্ৰাণৰ দেৱতাক
ভাৰ্য্যাই পঠালে চাকৰ লৰা

৩

আহি ঘপৰাই চাকৰ লৰাই
লেকামত ধৰি দিলেহি জোকোৰা ।
তাতে ঘোৰাৰ উঠিল জক্
দুগুণ বেগেৰে মাৰিলে লৰ
ভাগ্যাৰ মনোৰথ হল বিপৰীত
উঃ! কিনো ভাগ্যৰ ফল !
যোগাইৰ গাত এইবাৰ চাকৰ লৰায়ো
মাৰিছে টিকাফটা লৰ ;
যোৰহাট সহৰৰ মানুহে ভাবিছে—
গৃহস্থই সেয়া খেদিছে চোৰ ।
'চোৰ ঐ চোৰ' বুলি নগৰত উঠিল
তুমুল কোলাহলৰ বোল,
লৰা ছোৱালী ডেকা গাভৰু
সবাৰো লাগিল হুলস্থুল ।
ঘূৰিল যোগাই গোটেই নগৰ
পালেহি পুনৰ নিজৰ ঘৰ
লৰা ছোৱালী সহিতে প্ৰাণৰ ভাৰ্য্যা
মাকৰ ঘৰতে বল ।
হঠিয়া অশ্বাৰোহী যোগাই মহাজন
দিয়া ধন্যবাদ অশেষ তেওঁক
যোগাই নামানিলে অশ্বাৰোহীক যাক
লোৰ কাম কোঁৱাচোল বোক ।

# ঢোলপেটা বাবুৰ দশা।



নিজৰ দিনা ভেকোলা বোপায়ে
পুৱাতে উঠি গাটি তিয়ায়েই
মাৰিলে দৌৰ হাঁহকণি লৈ
        হাতট যুজাওঁ গৈ বুলি,
হামকুৰি খাই বাটতে পৰিল
        কণিও ভাগি হল গুৰি।

মধুৰামে ইয়াকে দেখা পাই
ভেকোলা বোপাৰ গুণ গাই
'বাহ্ব ঐ' বুলি সাৱটি ধৰি
        হুটঁৰি গাবলৈ দিলে,
হুটঁৰিৰ নাম শুনি ভেকোলাই
        আকৌ এটাহি লৰো মাৰিলে।

হুচঁৰি স্থলীত উপস্থিত হৈ
চেঙেং কাপোৰৰ পাগটি লৈ
নাচি-পকি ভেকোলা আমাৰ
বঙতে উন্মাদ হল
ঢোলপেটা একমক শোৱাপাটিত পাই
আনন্দত ভেকোলাই তুলিলে বোল।

ঢোলপেটা বাপুৰ টোপনি ভাগিল
লগতে আৰু অপৰাধ লাগিল
অসভ্য, পাষণ্ড, বৰ্বৰ বুলি
তেওঁ চকু পকাই কলে,
মধুৰাম হতে 'ক্ষমাকৰক' বুলি
শিকনি বুজনিও দিলে।

তথাপি খোঙ নাভাগিল বাবুৰ;
'কিহৰ হুচঁৰি' বুলি এইবোৰ—
অসভ্য, গাওঁলীয়া, জঙ্গলী ভূত
বুলি আছিল বকবক্ কৰি
বাইজৰ কাণত গৈ এনেতে
পৰিল উক্ত বাণী।

'অসভ্য' বোলাব মজা পাই
বিহুত বাঙ্গব শাও খাই
ইনাই বিনাই পেটব ভোকত
(তেওঁ) ভিখাবীব সম্বল ললে
জ্ঞাতি কুটুমক নিন্দা কবাব
বঢ়িয়া শিকনি পালে।



# ৰজাৰ লৰা আৰু বান্দৰ ।

ৰাজকোঁৱৰ এজনে ৰাজ আড়ম্বৰে
বাহিৰে ভিতৰে সভা পয়োভৰে
কতনো কৰিছে
কতনো মেলিছে
নোৱাৰো বুজাব প্ৰখৰ মুখৰে ।

আছিল তেওঁৰ অঙ্গ-সেৱক
প্ৰতি দিনৰ শয্যা-ৰক্ষক
নাম চেপেতা
বান্দৰ এটা
সি পোহনী ঘৰৰ পৰিচালক ।

গৰম লাগিলে ৰাজকোঁৱৰ
নৌ দিওঁতেই হুকুম বিচাৰ
বিচনী এখনেৰে
(সি) বিচি ধীৰে ধীৰে
আৰাম জগায় কোঁৱৰৰ বৰ

ভড়কালি এদিন ভৰ দুপৰীয়া
কুমাৰৰ আহিল টোপনি যেতিয়া
মাখি এটাই
একোকে নাপাই
পৰিল হকুতে' কুমাৰৰ তেতিয়া।

তা'তে আমতে বান্দৰ নকাই
মাখিৰ গতি চাই চাই
খেদাই খেদাই
আমনি পাই
ভাবিলে শেহত—উপায় নাই।

ৰখীয়া'ৰ ৰক্ষণ হৰষ্ট লাগিব
কৰ্ত্তব্য পালন কৰিবই লাগিব
কিন্তু হায়!
নিৰুপায়!
বুদ্ধি এতিয়া তাক কোনে দিব!

থাকিল কাষতে তৰোৱাল এখন
বিলাসৰ বস্তু আৰু অগণন
ৰজাৰ ঘৰ
ৰজাৰ দুৱাৰ
হব কিহৰ ভাৱে অনাটন।

চঞ্চল মনৰ পাশৱিক উপায়
ওলাল বান্দৰৰ ঘপৰাই
ভাবিলে সি—
তৰোৱাল নি
মাখিৰ প্ৰাণ লওঁ উলিয়াই ।

দেখি তৰোৱাল চিক্-মিক্
বান্দৰে ভাবিলে এয়ে ঠিক,
তৰোৱাল লৈ
জোৰেৰে বেগ
মাখিৰ গাত মাৰিলে ঠিক ।

ক্ষুদ্ৰ প্ৰাণী সি মাৰিলে লৰ
কোঁৱৰৰ কিন্তু প্ৰাণ গল,
এক নিমিষতে
গোটেই ৰাজ্যতে
হাহাকাৰৰ উঠিল তুমুল ৰোল ।

উপায় নাই — সকলোৱে কয়
মূৰ্খ সহচৰ ৰাখিব নাপায়
জানি শুনি
নাভাবি মুগুণি
ৰজাৰ লৰাই চপালে অপায়

শত্রু হলেও পণ্ডিত ভাল
শিক্ষিতর সং রাখা চিরকাল
মূর্খ সহচর
যমর নগর
মূর্খ মিত্র মহাকাল ।



# গোবিন শৰ্মাৰ কাৰবাৰ।



গোবিন নামেৰে লৰা এটাই
স্কুল কলেজত পঢ়ি আটাই
উপায় অন্তৰ নাপাই শেহত চাকৰি এটালৈ দৰ্খাস্ত দিলে,
কৰ্তৃপক্ষক নিবেদন শুনালে, কেবাজন চাহাবক দেখাও কৰিলে।

এদিন নহয় দুদিন নহয়
এজন দুজন নহয়
কেবা ঠাইতো কেবাজনৰ সতে সবিনয়ে 'মোলাকাত' কৰি
বুজিলে শেহত লাভ একো নাই এইদৰে ঘূৰি ফুৰি।

অদ্ভুত ভাবিলে এদিন ভেঁই—
নগৰত গৈয়ে বসতি লওঁ
কিবা নহয় কিবা এটা কাৰবাৰ কৰিয়েই খাম,
চাওঁচোন বাৰু উপাদিহ লৈ, কাইলৈ পুৱাতে যাম।

ইয়াকে ভাবোতেই ৰাতি পুৱাল,
পুৱাই গোবিন বাটলৈ ওলাল,
ভাবিলে মনতে—প্ৰথম খোৰতে কানি মহলদাৰেই হম
লগতে পাৰিলে ভাং চেৰাপো সংগ্ৰহ কৰি লম।

কানীয়া ভঙৰা মদপী ভায়ে
হাতত এটি পইচা পায়ে
আঁহৰ ঢপলিয়াই ভাবি বোলো—কি হয় অকণ কিনি লম,
ছেগ বুজি গয়ো বাপেকে ভাল এঠগন দিম ।

দৰ্খাস্ত দিলে হাটিলে লুটিলে
গোবিনে কানিৰ দোকান পালে
প্ৰথম বছৰতে মটৰ কিনি তেওঁ পকীঘৰ সাজিও ললে,
দ্বিতীয় বছৰত হাজাৰে হাজাৰে টকা বেঙ্কত থলে ।

ধন ঘটাব উত্তম উপায়
লাখপতি হবা সন্দেহ নাই,
এতেকতে কওঁ মান অভিমান যদিহে বিচাৰা ভাই,
সন্নাকো এবা, মহলদাৰ হোৱা সোণালী সুযোগ নহলে যায় ।

ওজনতো ধৰি কমাই দিবা
দামটিও কিন্তু সমানে লবা
চেপাকে চেপি শুকান ইকৰাৰ ৰস উলিয়াই দিবা
আহা ! কি যে মজাৰ এই কাৰবাৰ কাকনো কিমান ক'বা !

ধন ঘটাব কাহিনী শুনি
মহলদাৰৰ কথা ভাবি গুণি

মাখিব মূবব ঘিঁউ কাঢ়াহক কানিব দোকান লৈ,
এই ব্যৱসায়ব জোব একোৱে নাপায় দিয়াগৈ সৱাকো কৈ ।

এদিনাখন গোবিনে নিজব ঘবত
বহি থাকোতে দুপব পবত
ওলালহি দুজন ঠানাব চিপাহী হাতত "হেণ্ড্‌কাফ্‌" (১) লৈ,
গোবিন শর্ম্মাব চুৰ্ত্তি হেৰাল, পলাল বাবাঁখেদি গৈ ।

চিপাহীয়েও মাৰিলে পাচতে দৌৰ
বোকাত লাগে গোবিন বল
ইপিনে সিপিনে বোকাত পৰি তেওঁ লুতুৰি পুতুৰি হল,
মহলদাবব অৱস্থা দেখি সকলো আচৰিত হল ।

কিনো কথা ঐ কিনো বস্তবা,
উঃ ! কিনো প্ৰভুৰ লীলা !
এইহেন জন লাখপতি ধনীত যদি এনুৱা দশা হয়
কিনো কৰিবা ঐ, ক'ভনো থাকিবা ঐ, দেশনো কেনেকৈ ৰয় !

পাচদিনা শর্ম্মাক দুপব পবত
পুলিচে উলিয়ালে গৈ কাছাৰী ঘবত,
হুকুম হলগৈ আবেলি পবত— গোবিনব দহ বছব জেইল্‌,
দাত নিকটাই বন্দীশাল পালেগৈ ; আত্মৰক্ষাত মাৰিলে ফেইল্‌ ।

---

(১) হেণ্ড্‌কাফ্‌—বন্দীব হাতত লগোৱা শিকলি ।

স্মৰিবি আদৰ্শ গে বিন বাপুৰ
হাতত বিচাৰা যদি লৌহ নূপুৰ,
এইদৰে কাৰবাৰ লোৱাই ভাল
চাইচিতি সৰ্ব্বতি কাল,
পূৰ্ব্ব পুৰুষৰ ধৰ্ম্ম ৰব
আটায়ে তোমাক প্ৰশংসাও কৰিব,
এতেকে ভাবিছো সকলো এবাৰ মহলদাৰেই হওঁ
কানি ভাং মদৰ মৰ্য্যাদাও অটুত ৰাখি থওঁ।



## গ্ৰন্থকাৰৰ অন্যতম কিতাপ

# —আবৃত্তি আভাস—

[ প্ৰাইজ আৰু লাইব্ৰেৰীৰ বাবে কৰ্ত্তৃপক্ষৰ মনোনীত। ইংৰাজী, অসমীয়া আৰু সংস্কৃতৰ সৰহভাগ ধেমেলীয়া আবৃত্তিৰ সমাবেশ। প্ৰত্যেকটি আবৃত্তি সভা-সমিতিৰ বাবে বিশেষ উপযোগী। বেচ খনে মুঠেই চাৰি অনাহে ]।

—

